# অসমীয়া ভাষাৰ বুৰঞ্জী

( ভাষাতত্ত্ব )

।

।

# অসমীয়া লিপিৰ বুৰঞ্জী

( বিৱৰ্ত্তন )

শ্ৰীডিম্বেশ্বৰ নেওগ

দেচ ॥০ আঠঅনা

# INTRODUCTION TO ASSAM.

"There lies in north-east India a province named Assam, rich in its ancient culture and historic traditions and about which few of us know not more than that it is a forest-ridden country.

Dimbeswar Neog, a reputed scholar of Assamese literature, brings into light in a lucid style its ancient glory by having a peep into its history from the earliest times to the advent of British Raj. A historic pageant of ancient Assam unfolds before our eyes by his graphic descriptions and quotations from ancient scriptures.

When a Social, Political and Cultural history of India with a nationalist bias or outlook will be written, every province will have its due place in it and the modern province of Assam will none-the-less occupy a prominent place in it."

Vora & Co., 3 Round Building, Bombay 2

## PREFACE TO "INTRODUCTION TO ASSAM"

"Sjt Neog in this book has not merely introduced Assam to the reading public but has undertaken herculean labour and immense pains to impress on them the details of every phase of the activities of the people of Assam, from the pre-historic times to the modern days. In the treatment of the subject he has displayed mastery of facts, mature judgment in describing the trends of events of the times, and above all scholarship of considerable merit. He has attempted to compress into paragraphs what in my opinion would have taken a chapter, and a chapter into what should have been a complete part of the book. ..On the whole, the book should prove highly useful, and I hope interesting, to scholars and laymen who would like to obtain comprehensive idea about the past, mediaeval and modern times of Assam. I commend the book to the reading public."

Gopinath Bardoloi
PREMIER, Assam.

Khatoon Press, Jorhat.

# অসমীয়া ভাষাৰ বুৰঞ্জীৰ চিনাকি

## [১] অনাৰ্য্য ভাষা পৰিয়ালৰ ঠাল-ঠেঙুলি

অসমীয়া, তথা ভাৰতীয়, ভাষা আৰু জাতি, যথাক্রমে অনাৰ্য্য আৰু আৰ্য্য ভাষা আৰু জাতিৰ সানমিহলিৰ ফল, সন্দেহ নাই। আধুনিক জাতিতত্ত্ববিদ্ পণ্ডিতসকলৰ মতে, মানুহৰ সঁচ বুলিবলৈ বান্দৰ এটিয়েও মুকলে ভাৰতত জন্ম পোৱা নাই; অন্ততঃ পুৰা-শৈল যুগ ধৰি ক্রমে নিগ্রয়ড্, প্রটো-অষ্ট্রেলয়ড্ আৰু মঙ্গলয়ড্, সম্প্রতি অসমীয়া তথা ভাৰতীয় জনসংখ্যাৰ ট্রাইবেল সম্প্রদায় গঠনকাৰী এই তিনি জাতি পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা ভাৰতলৈ আহি ইয়াত বসতি কৰে। নিগ্রিটো জাতিৰ ভাষা কোনো ভাষাৰ লগত নিমিলে; তেওঁলোকৰ সভ্যতাই ভাৰতৰ জাতীয় সভ্যতালৈ কি কৰ-পচা দিছে, তাকো ভালকৈ ঠাৱৰোৱা টান।

### অনাৰ্য্য বা ট্রাইবেল পৰিয়ালৰ বংশ-লতা




অসমৰ আঙ্গামি নগা আদিৰ নিচিনাকৈ চেলেকা চুবুৰীটোকৈ থকাৰ বাহিৰে, আটাইতকৈ পুৰণি নিগ্রিটো জাতিৰ সঁচ সম্প্রতি ভাৰতত প্রায় নোহোৱাৰ নিচিনাকৈ, তেওঁলোকৰ ভাষাৰো সঁচ পাবলৈ নাই; মূলতে আফ্রিকা আদিৰ পৰা অহা এই জাতি তেওঁলোকৰ ভাষাই সৈতে আণ্ডামান দ্বীপপুঞ্জত নিৰ্বাসিত বুলিব পাৰি। তাৰ পাছত পেলেষ্টাইন আদিৰ পৰা অহা প্রটো-অষ্ট্রেলয়ড্ জাতিৰ

শতকৰা যথাক্রমে ৬০ আৰু ১৭৫; আৰু দ্রাবিড়ী আৰু আৰ্য্যভাষী যথাক্রমে ১.৫ আৰু ৭৭.৯। অষ্ট্রিক ভাষাৰ অষ্ট্রেলেছিয়ান ভাষাৰ সঁচ অসমৰ মঙ্গলীয় খাচিয়া আদি জাতিয়ে চেগা-চোৰোকাকৈ ৰখোৱাৰ দৰে ভাৰতীয় জনসংখ্যাৰ মুঠেই ১.৩ অৰ্থাৎ ৫০ লাখ মান লোকে এই ভাষা কয়। ১৯৩১ৰ মানুহ পিয়লৰ মতে অষ্ট্রিক ভাষা আৰু (তিব্বত-চীন) মঙ্গলীয় ভাষা

ঠালৰ চিন অসমত নাই; অষ্ট্ৰ-এছিয়াটিকৰ দুটা ঠেঙুলি, মন-খেমৰ আৰু মুণ্ডা। মন-খেমৰৰ প্ৰতিনিধি খাছিয়া ভাষা কওঁতা সেই পিয়ল মতেই ২৩৪,০০০ জন; মুণ্ডা কওঁতা ৩২১,০০০ জনৰ ১৫৯,০০০ জনে মুণ্ডাৰি, ১০২ ০০০ জনে সাঁতালি আৰু বাকীখিনিয়ে সৱাৰা, কুৰ্কু, খাৰিয়া আদি কয়; আৰু ইয়াৰ সৰহখিনিয়েই চাহবাগিচাৰ কুলী হৈ অসমলৈ অহা। মঙ্গলীয়া বা তিব্বত-চীন ঠালৰ ১,৬১৮,০০০ জন কওঁতাৰ তিব্বত-ব্ৰহ্মণ ভাষী ১,৬২২,০০০ আৰু টাই-চীন কওঁতা ৬০০০ জন। তিব্বত-ব্ৰহ্মণ পৰিয়ালৰ তিব্বত-হিমালয় ডালৰ তিব্বতৰ ভূটীয়া, মাগৰী, লিম্বু, আৰু নেপাল আৰু চিক্কিমৰ নানা ভাষা কওঁতা ৭,০০০ জন; আৰু উত্তৰ-অসম ডালৰ ৯৯,০০০ জন কওঁতাৰ ৮১,০০০ মিৰি ভাষী; ১৪০০০ আবৰ ভাষী; ২,১৮৫ মিচিমি ভাষী; ১,৬৪৪ ডফলা ভাষী। অসম-ব্ৰহ্ম ডালৰ তিনটা ঠেঙুলিৰ প্ৰথমটো বড়ো; গাৰো, ৰাভা, চুতিয়া, কোচ, কছাৰী, ডিমাচা আৰু লালুং ভাষী ধৰি ইয়াৰ কওঁতা ৫৩১,০০০ জন। ইয়াৰে ৭ ১১৫ জন চুতিয়া ভাষী; এই চুতিয়া ভাষাই আদিতে উত্তৰ অসমৰ অনাৰ্য্য জাতিসমূহৰ ঘাই ভাষা আছিল আৰু ই এতিয়া অকল দেউৰী সম্প্ৰদায়ৰ মাত-কথা ৰূপেহে আছে। দ্বিতীয় ঠেঙুলিৰ নগা ভাষাৰ কওঁতা ২৬৫,০০০ আৰু তৃতীয় বা কুকি-চীন ঠেঙুলিৰ মণিপুৰী আদি ভাষী ৫৯১,০০০ জন। টাই-চীন পৰিয়ালৰ খামতি আৰু শ্যান (আইতনীয়া, ফাকিয়াল আদি ধৰি) মুঠ কওঁতা ৬,০০০; এতিয়া লুপ্তপ্ৰায় আহোম ভাষা এই টাই ঠেঙুলিৰ। (Census Reports, 1931)

## [১] আৰ্য্য ভাষা পৰিয়ালৰ ডাল-ঠেঙুলি

ইংলণ্ডত এঙ্গল, চেক্সন আৰু জুট পৰিয়াল মিলি ইংৰাজ জাতি গঠিত হোৱাৰ দৰে ভাৰতৰ আৰ্য্য বোলা জাতিও ঘাইকৈ ভূমধ্যিক, বহলমূৰীয়া আৰু নৰ্ডিক পৰিয়াল মিলি গঠিত হৈছে বুলিব পাৰি। ভূমধ্যিক জাতিৰ দ্ৰাবিড়ী ভাষাৰ চাৰিটা ঠালৰ তামিল, তেলেগু, মালায়ালাম আৰু কান্নাদ্ কওঁতা অসমত ১৯৩১ৰ মানুহ পিয়লমতে মুঠতে ১৪০,০০০ জন। বহলমূৰীয়া জাতিৰ কিবা স্বকীয়া ভাষা আছিল, নে নৰ্ডিক জাতিৰ আৰ্য্য ভাষাকে তেওঁলোকৰো ভাষা আছিল, সঠিক কোৱা টান; আৰ্য্য ভাষা যে ভাৰতীয় জটিল সংস্কৃতিৰ এটি বিশেষ দান আৰু পূব-পশ্চিমৰ লগুন-গাঁঠিৰ সিঁচিনা, সন্দেহ নাই। (Dr Chatterji).

### ইণ্ডো-ইউৰ'পীয় বা আৰ্য্য পৰিয়ালৰ বংশ-লতা

ইণ্ডো ইৰাণী — আৰ্মানী — আলবানী — বাল্টোশ্লেভনিক (প্ৰুচিয়ান আদি) — ইটালিক (লেটিন আদি) — হেলেনিক (গ্ৰীক আদি) — টিউটনিক (গথিক, জাৰ্মানী আদি) — কেলটিক (গেলিক, আইৰিশ আদি)

ইণ্ডিক (বৈদিক) — ইৰাণী (ফাৰ্চি)

## [৩] অসমীয়াত ইণ্ডো-ইউৰপীয় জীয়ৰীৰ লক্ষণ

পৃথিবীৰ ভাষাসমূহক হেমিটিক, চেমিটিক্ ইউৰাল-আল্টিক আৰু ইণ্ডো-ইউৰপীয়, এই চাৰিটি পৰিয়ালত ভাগ কৰা হয় (Emerson's History of the English Language)। ক্লেচাৰ আদি পাশ্চাত্য পণ্ডিতৰ মত অনুসৰি পোনতে কেল্টিক্, তাৰ পাছত টিউটন্-শ্লেভ আৰু তাৰ

পাছভাগে গ্ৰীক্-লেটিন্ কণ্ঠতালসকল মূল আৰ্য্য-পৰিয়ালৰপৰা ফাটি আহে; ইণ্ডো-ইৰাণী ডালৰ লগত এই শেষৰটো ডালৰ অধিকতৰ সাদৃশ্যই তাৰ প্ৰমাণ বুলি ধৰা হয়। মুঠতে আৰ্য্য জাতি আৰু আৰ্য্য ভাষা যে গুৰিত এক আছিল, আন নহলেও দিনেকীয়া জীৱনৰ সাধাৰণ ব্যৱহাৰৰ শব্দবোৰ, গাঁঠিকৈ সম্বন্ধ-ধৰা আৰু লেখ-বুজোৱা মাতবোৰেই, তাৰ সাক্ষী। আৰ্য্য-সভ্যতাৰ সেই অৱস্থাত আজিৰ দৰে উটৈধনদীকৈ শব্দ নাছিল, সভ্যতাৰ শ্ৰীবৃদ্ধিৰ লগে লগে ভাবৰ বাহন ভাষাৰ পো-পোৱালি বাঢ়িবলৈ ধৰে; আৰু ঘাই ঘৰত থাকোঁতে ব্যৱহাৰ কৰা কেইমুঠিমান শব্দ তেওঁলোক ছেদেলি-ভেদেলি হৈ পৰাৰ প্ৰথম অৱস্থাত চলাই থাকিলেও, সম্প্ৰতি হাজাৰ হাজাৰ বছৰৰ পাছতো অযুত পৰিবৰ্ত্তন আৰু লাখ-নিলাখ ন ন ঘটনা-স্ৰোতৰ মাজেদি সেইবোৰৰ নিশ্চয় ভালেখিনি গঢ় লৰি চিনিব নোৱৰা হল। তথাপি পম খেদি উভ উলিয়াব পৰা হৈ থাকে যি এমুঠি-দুমুঠি শব্দ আছে, সেইবোৰৰ চৰ্চা নিশ্চয় অতি হৰ্ষজনক। ইংৰাজী ভাষাৰ খিৰিকিয়েদি জুমি চালেও আমাৰ পূৰ্ব্বপুৰুষ-সকলৰ লগত ফাটি আহি ন ন ঠাইত ন ন সংসাৰ পতা হেলেনিক (গ্ৰীক) আৰু ইটালী (লেটিন্) ভাষাৰ বৰঘৰৰ মজিয়াত আমি আমাৰ অনেক পুৰুষৰ আগৰ ভাগীসকলৰ সাক্ষাত পাওঁ।

জয়ে জয়ে, লেটিনৰ 'মেটাৰ' (Eng. maternal), 'পেটাৰ' (Eng. paternal) আৰু 'ফ্ৰেটাৰ' (Eng. fraternity) শব্দৰ পৰা তেওঁলোকৰ আদিম পিতৃ, মাতৃ আৰু ভ্ৰাতৃ আমাৰে সৈতে একে আছিল বুলি বুজিব পাৰোঁ। সেই ভাষাৰে 'দেন্তেম্' (Eng. dental), 'গেনু' (Eng. knee) 'পেদেম্' [Eng. tri (=ত্ৰি) + pod (পদ)] আদিয়ে সেই ৰোমবাসীসকলৰ, আমাৰ পূৰ্ব্বপুৰুষসকলৰ দৰেই, একে দন্ত, জানু আৰু পদ থকা কথাৰ প্ৰমাণ দিয়ে। আগেয়ে অনেক কাল, ইউৰোপত জানুৱাৰীৰ পৰা নধৰি মাৰ্চৰ পৰা বছৰ আৰম্ভ কৰা নিয়ম আছিল; তাৰ প্ৰমাণৰূপে সেপ্তেম্বৰ (সপ্তম), অক্টোবৰ (অষ্টম), নৱেম্বৰ (নৱম) আৰু দিশেম্বৰ (দশম), (Gk. deca) মাহৰ নাম সেই মূল আৰ্য্য ভাষাৰেই পাওঁহঁক। ইমানেই নহয়, 'দুঅ' (Eng. dual) 'ত্ৰিঅ' (trio) আদিৰে পৰা 'শেন্তম্' বা শতলৈকে অনেক লেখ বুজোৱা শব্দ পাই তেওঁলোকক সেই ভাষাৰে 'তু' (সং ত্বম্ Eng. thou) বুলি যে মাত এষাৰতে লগাব পাৰোঁ। এনে নহয়, তেওঁলোকৰ তেজ আমাৰ পূৰ্ব্বপুৰুষ-সকলৰ 'ৰুধিৰ'ৰ (Eng. ruddy, red) বৰণেৰে একে বুলি জ্ঞান (Lat gnosco, Eng know) জন্মে। (Classen's Outlines of the History of the English Language).

## [৪] 'কেন্তম্'—'শতম্' দুডাল

ভাষামূলক প্ৰমাণৰ ওপৰতে ভিৰ দি কোনো কোনো পণ্ডিতে কয় বোলে আৰ্য্য-

পৰিয়ালৰ আঠোটি ঠালৰ ইটালী, হেলেনী, টিউটনী আৰু কেল্টিক, এই চাৰিটি ঠাল পোনতে ওলাই পছিমৰ ফালে আহি তাত সেইবোৰ ভাষা কওঁতা জাতিবোৰ থাপনা কৰিলে। গ্ৰীয়াৰ্ছনৰ মতে (Linguistic Survey of India) এইকেইটা ঠালৰ বৈশিষ্ট্য হল 'শ'ৰ ঠাইত 'ক' উচ্চাৰণ; যেনে সং. 'শতম্', লেটিন 'কেন্তুম' (centum); সং, শ্বান (কুকুৰ), লেটিন্ 'কেনিন' (canin) ইত্যাদি। কিন্তু তাৰ পাচত ইণ্ডো-জাৰ্মান মূল পৰিয়ালত আকৌ সেই 'ক'ৰ ঠাইত 'শ' উচ্চাৰণ হবলৈ ধৰিলে, আৰু তাৰ প্ৰমাণ ৰূপে আৰ্য্য-পৰিয়ালৰ ইণ্ডো-ইৰাণী, আৰ্মাণী, আলবানী আৰু বাল্টো-শ্লেভী বোলা বাকী চাৰিটা ঠালৰ ভাষালৈ আঙুলিয়াব পাৰি : এইবোৰৰ ভিতৰৰ ইণ্ডো ইৰাণী ভাষাৰ ঠেঙুলি সংস্কৃতত আমি এই দ্বিতীয় অবস্থাৰ উদাহৰণ দেখা পাওঁক। গতিকে সুবিধাৰ কাৰণে ইণ্ডো-জাৰ্মান পৰিয়ালৰ এই দুই বিভাগৰ আগৰটোক "কেন্তুম" আৰু পিছৰটোক "শতম্" বিভাগ বুলিমইক : কিন্তু পিছৰ "শতম" বিভাগৰ অন্তৰ্গত সংস্কৃতৰ পৰা ওলোৱা বোলা অসমীয়া প্ৰভৃতি ভাষাত "কেন্তম্" বিভাগৰ যথেষ্ট প্ৰভাব দেখা পোৱা হয়; যেনে, সং শ্যাম, অং কাম (চৰাই); সং দংশ, অং দাক (কামোৰ)। ইয়াৰ বাহিৰেও "শতম্" বিভাগটোকৈ "কেন্তুম্" বিভাগৰ ভাষাৰ লগত মিলা অসমীয়া শব্দ বহুত পোৱা হয়; যেনে কেইটিমান বিশেষত্বলৈ মন কৰিব লগীয়া। (ক) 'শতম'ৰ 'প'ৰ ঠাইত 'কেন্তুম'ৰ 'ক' থকা :—যেনে, সং পচ্, লেটিন্ 'ককেৰ্' (coquere, Eng cook), অং পাক; সং ক্ষেত্ৰপৰ্পটি, অং শেতকপৰা; সং পৰ্য্যঙ্কন, অং কৰঙ্গন; (খ) 'শতম'ৰ 'দ'ৰ ঠাইত 'কেন্তুম'ৰ 'জ' থকা :—যেনে, সং দ্যোপিতৰ, গ্ৰীক্ 'জুপিতৰ' (Zeus pitar); সং দহ্, অং জহ; সং দাহ, অং জাহ; সং দ্যুতি, অং জীয়ৰী; (গ) 'কেন্তুম'ৰ লগত মিল থকা কিন্তু 'শতম'ত নথকা :—যেনে, জাৰ্মান্ wetter (ৱেতৰ), অং বতৰ; জাং schleken (শ্লেকেন, to lick) অং চেলেক; লেং lassus (লাচ্চচ, weak), অং লাহে। (ভৰালীৰ -'অসমীয়া ভাষাৰ মৌলিক বিচাৰ", ২য় সংস্কৰণ)।

## [৫] অসমীয়াত প্ৰাক্-বৈদিক লক্ষণ

তেনে প্ৰমাণৰ পৰা এনে অনুমান কৰা স্বাভাৱিক যে ইণ্ডো-ইউৰোপীয় বা ইণ্ডো জাৰ্মান মূল পৰিয়াল একেলগে থকা অৱস্থাতে বা 'কেন্তুম'-'শতম' বিভাগ হোৱাৰ আগতে অৰ্থাৎ বৈদিক আৰ্য্যসকল ভাৰতবৰ্ষলৈ অহাৰ আগতে ইণ্ডো-ইউৰোপীয় আৰ্য্যভাষী এটা ঠাল আহি ভাৰতৰ এই পূব-অঞ্চল সোমায়। কিন্তু তেওঁলোক, বৈদিক আৰ্য্যসকল পিছত অহা বাট উত্তৰ-পশ্চিম চুকেদি ভাৰত সোমায়হি, নে পামিৰটাৰে কৰৰ দৰে হিমালয়ৰ সোঁ-মাজেদি আহে, এই সম্পৰ্কে কোনো থিৰ সিদ্ধান্ত এতিয়ালৈকে হোৱা নাই। ওপৰত দিয়াৰ উপৰিও, ভাষা বিষয়ক

আৰু এনে প্ৰমাণ আছে, সেইবোৰ কোনোমতে আকস্মিক বুলি উলাই কৰিব নোৱাৰি। অসমীয়াৰ দিনেকীয়া ব্যৱহাৰৰ এনে অনেক পুৰণি মাত আছে, তাৰ মিল সংস্কৃত বা ভাৰতীয় আৰ্য্য ভাষাত পোৱা নহয়, কিন্তু মূল ইণ্ডো-ইউৰপীয়, আন ভাষাত আছে: যেনে, অং আবু (আইতা). লেং avus (grandfather), avia (grandmother); অং আত্তা (ককা), গ্ৰীং আৰু লেং atta (a salutation to old men), অং আল (যেনে, আল ধৰা), লেং alo (to nourish); অং উকহ, লেং oquila (an eagle); অং উৰ্কলি, লেং ululo (to bowl); অং ওৰ, লেং ora (border. margin); অং গোঁৰ (ডাঙৰকৈ মাত), গ্ৰীং gerys (voice), geryo (I proclaim); অং পোৱালি, লেং puellus, puella (a boy, a girl); অং লেচা বা নেচা. গ্ৰীং lachne (wool); অং সুৰুৰি, লেং Su-surrus (whispering or whistling) । (মেধিৰ "অসমীয়া ব্যাকৰণ আৰু ভাঁষাতত্ত্ব")

মূৰ্দ্ধণ্য উচ্চাৰণৰ অভাৱ অসমীয়াৰ আন এটা বিশিষ্টতা, আৰু এই বিষয়তো ভাৰতীয় আৰ্য্য ঠালতকৈ মূল ইণ্ডো-ইউৰপীয় ভাষাৰ লগতহে অসমীয়াৰ মিলে। পণ্ডিত মেকডনেলৰ মতে মূৰ্দ্ধণ্য উচ্চাৰণ ভাৰতীয় বিশেষত্বহে; সৰহ কি, ঋক্ বেদতে ইয়াৰ উদাহৰণ বিৰল, যি দুই চাইটা আছে সিও শব্দৰ মাজ বা শেষতহে, আদিত নাই। এই মতে বৈদিক আৰ্য্যৰ এই মূৰ্দ্ধণ্য উচ্চাৰণৰ উদ্ভৱ সম্ভৱ প্ৰাকবৈদিক ভূমাধ্যিক জাতিৰ প্ৰভাৱ। পণ্ডিত ভাণ্ডাৰকাৰৰ মতে বৈদিক আৰ্য্যসকলৰ বাহিৰে আন এদল আৰ্য্যই দ্ৰাবিড় প্ৰভাৱৰ হাত সাৰি হিমালয়ৰ পথানেদি আহি (অসমৰ দৰে) সীমান্ত ঠাইবোৰত বাস কৰি থকাৰ বাবেই তেওঁলোকৰ ভাষাত মূল ইণ্ডো-জাৰ্মান ভাষাৰ এই বৈশিষ্ট্য ৰক্ষিত হৈছে।

ভাৰতীয় ভাষাসমূহৰ মাজত অতি জল-জল-পটপটকৈ জিলিকি থকা অসমীয়া বৈশিষ্ট্য হৈছে ইয়াৰ জিহ্বামূলীয় শব্দহীন X উচ্চাৰণ। সংস্কৃতৰ শ, ষ, সৰ সুকীয়া সুকীয়া উচ্চাৰণৰ সলনি আগ, মাজ বা শেষত অসমীয়াত অকল সেই উচ্চাৰণ হয়। বহুতে ইয়াক অনাৰ্য্য প্ৰভাৱ বুলি সৰ ভুল কৰে; স্বৰূপতে অসমৰ অনাৰ্য্য জাতিৰ মাজত এই উচ্চাৰণ নাছিল। সংহিতাবোৰত পণ্ডিত মেকডনেলৰ মতে শ, ষ, স সলনা-সলনি হোৱা পোৱা হয়। হেমচন্দ্ৰ আদি বৈয়াকৰণৰ মতে, মাগধী প্ৰাকৃতত শ, ষ, সৰ ঠাইত প্ৰায়ে 'শ' ব্যৱহাৰ কৰাৰ ফালে ঢাল লোৱা পোৱা হয়; কিন্তু পুৰণি অসমীয়াত সেই তিনটাৰ সলনি 'শ'তকৈ 'ষ' বা 'স'ৰহে সমধিক ব্যৱহাৰ দেখা পোৱা হয় বুলিব পাৰি। ই যি হওক, শ, ষ, স তিনিওৰে উচ্চাৰণ অসমীয়াত যে

সদায় X, তাত খুত নাই। ভাৰতবৰ্ষৰ ভিতৰত অকল কাশ্মীৰী আৰু সিংহলী ভাষাৰ লগতহে অসমীয়াৰ এই উচ্চাৰণ মিলাব পাৰি। ভাৰতবৰ্ষৰ বাহিৰে আছিয়াৰ ইৰাণী (ফাৰ্চী) ঠেঙুলিটোত এই উচ্চাৰণৰ যথেষ্ট সাদৃশ্য পোৱা হয়। তদুপৰি বিশেষ সাদৃশ্য পোৱা হয় ইউৰুপৰ হেলেনিক্ (গ্ৰীক্) আৰু কেল্টিক ভাষা সমূহত। ডক্টৰ ব্ৰাউনে তেওঁৰ অসমীয়া ব্যাকৰণত সেই গ্ৰীক উচ্চাৰণ X আখৰেৰে বুজাইছে। গতিকে এই উচ্চাৰণ যে মূল ইণ্ড-ইউৰুপীয় আৰ্য্য ভাষাৰ পৰিয়ালৰ পৰাই আহিছে, তাত সন্দেহ নাথাকে। এই X উচ্চাৰণ স্বৰূপতে 'খ' আৰু 'হ' উচ্চাৰণৰ মাজতে। ডক্টৰ সুনীতি চট্টোপাধ্যায়ৰ মতে আদি ইণ্ডো-ইউৰুপীয় যুগত 'ষ'ৰ সলনি এই উচ্চাৰণ কৰা হৈছিল, আৰু মধ্য ইণ্ডো-ইউৰুপীয় যুগত ষ' ক'খ' ৰূপে উচ্চাৰণ কৰা হৈছিল ; কিয়নো 'খ' উচ্চাৰণতে প্ৰৱণি X উচ্চাৰণৰ কাষ চাপে। (Origin and Development of the Bengali Language)

## [৬] অসমীয়াত প্ৰাকবৈদিক ইৰাণী (ফাৰ্চী) ঠেঙুলিৰ চিন

মূল ইণ্ডো-ইউৰুপীয় পৰিয়ালৰ পৰা 'শতম' বিভাগৰ আৰ্য্যসকল ফাটি দিহাদিহি অহাৰ পাছত তেওঁলোকৰ ইণ্ডো-ইৰাণী ঠালটো পাৰস্য আৰু ভাৰতবৰ্ষৰ ফালে ঢাল লয়। কালক্ৰমে ইয়াৰে ইৰাণী ঠেঙুলিটোৱে পাৰস্যত আৰু ইন্দ-ঠেঙুলিটোৱে ভাৰতবৰ্ষত বাস কৰি শেষত ফাৰ্চী আৰু বৈদিক (সংস্কৃত) ভাষাৰ সৃষ্টি কৰিলেহি। ইৰাণী ঠেঙুলিৰ কিছুমান মানুহে হিন্দুকোশ পৰ্ব্বত পাৰ হৈ আহি একালত উত্তৰ-পছিম ভাৰতবৰ্ষৰ এছোৱা ঠাই জিনিছিল, আৰু সেইবোৰ ঠাইৰ আদিম অধিবাসীৰ ভাষাৰ লগত মিহলি হৈ তেওঁলোকৰ ভাষাই ডাৰ্ডী বা পিশাচী নাম পায়। প্ৰধান ভাষাবিদ্ গ্ৰীয়াৰ্চনৰ মতে পঞ্জাবী, সিন্ধী আদি অনেক ভাষাত ডাৰ্ডীৰ যথেষ্ট প্ৰভাৱ আছে। সি যি হওক, ইণ্ডো-ইৰাণী ঠালৰ (ফাৰ্চী আৰু বৈদিক (সংস্কৃত) ভাষা কওঁতাসকলৰ দুটা ঠেঙুলি হৈ পৰাৰ আগতে বহুত কাল সেই ঠালৰ লোকসমূহ একেলগে আছিল বুলি ভাষাবিদ পণ্ডিতসকলে কয় আৰু অসমীয়াৰ লগত এই ইৰাণী ঠেঙুলিৰ বিশিষ্ট সাদৃশ্যয়ো তালৈকে আঙুলিয়ায়।

ইৰাণী ঠেঙুলিৰ পিশাচী ভাষাতো অসমীয়াৰ দৰে X উচ্চাৰণ আছে। সিমলাৰ উত্তৰ পছিমৰ চাম্বা আৰু ৰাজপুতনাৰ দখিণৰ ভিলী ভাষাত এই উচ্চাৰণ থকা বুলি জনা যায়। গতিকে ইণ্ডো-জাৰ্মান যুগৰপৰা ইণ্ডো-ইৰাণী যুগৰ শেষ কাললৈকে আৰ্য্যসকলৰ এই X উচ্চাৰণ থকা বুলি ধৰিব পাৰি। কোনো কোনো পণ্ডিতৰ মতে বেদৰ কাললৈকে এই উচ্চাৰণ আছিল, আৰু বেদৰ "অতস কিম্" বোলোতে তাৰ 'স' উচ্চাৰণ প্ৰাক্‌বৈদিক X উচ্চাৰণৰ দৰে। আদিম অধিবাসীসকলৰ

অনাৰ্য্য প্ৰভাৱত ভাৰতৰ আন প্ৰায় সকলো ঠাইত সংস্কৃত যুগত এই উচ্চাৰণ তেনেই লোপ পালে, কিন্তু অসম আৰু এনে দুই এঠাইত সি সেইদৰেই থাকিল। এই X উচ্চাৰণ 'খ' আৰু 'হ'ৰ মাজত। অসমীয়াত অনেক ঠাইত এই X উচ্চাৰণ 'হ'লৈ সলনি হৈছে, যেনে, বিহু (বিষুব), পহু (পশু); জেণ্ড্ আভেষ্টাত (পুৰণি ফাৰ্চী ভাষাৰ ধৰ্ম্ম গ্ৰন্থত) যেনে, অহুৰ (অসুৰ), হপ্ত হিন্দব (সপ্ত সিন্ধু); গ্ৰীক্ ভাষাতো, যেনে, hexagonos (ষষ্ঠ কোণ), heptagonos (সপ্ত কোণ)।

অসমীয়াৰ দৰে ইৰাণীতো 'হেন্তি' (=হঁত) লগাই বহু বচন কৰা হয়; যেনে, জেণ্ড্ আভেষ্টাত "যইহেন্তি" (='যিহঁত', cf. সিহঁত, চহা, 'সেহেঁত') "কেইটি হেন্তি" (='কেহেঁত', কেইটাই) ইত্যাদি। অসমীয়াৰ অপাদান কাৰকত "পৰা"ৰ মূল, সংস্কৃত বা অসমৰ কোনো অনাৰ্য্য ভাষাত পোৱা নহয়; কিন্তু এই একে অৰ্থত জেণ্ড্ আভেষ্টাত শব্দৰ আগত ব্যৱহৃত হাৰা পোৱা হয়; যেনে 'পৰা কৰাহমাদ্ নেৰেদ্" (=পৰা কোনো মানুহৰ)। 'দূৰ' অৰ্থত 'পৰা' ইণ্ডো-ইউৰপীয় যুগৰপৰাই থকা বুলি বুজিব পাৰি, "নঃ মা পৰা দাঃ" (আমাক দূৰ নকৰিবা)। ঋক্‌বেদতো সেই অৰ্থত পৰাৰ এনে ব্যৱহাৰ হৈছে। ইণ্ডো-ইউৰপীয় 'পৰা' আৰু আইছলেণ্ডীয় ভাষাৰ 'ফ্ৰা' (=from) একে মূলৰ বুলিলে ভুল নহব। ইয়াৰ বাহিৰেও, অসমীয়া বহু বচনৰ চিন "বোৰ" কছাৰী "ফুৰ"ৰ পৰা অহাতকৈ পিশাচী ঠেঙ্‌লিৰ পছাই নামৰ ভাষাৰ "বো"ৰ পৰা অহা অধিক সম্ভৱ; যেনে, "বো পা" (গৰুবোৰ), "বো চুবিন্" (কুকুৰবোৰ); ইয়াত কেৱল "ৰ" আগম হৈ পিছত নবহি আগত বহিছে। পিশাচীৰ ভিতৰৰা ভাষা সমূহত অসমীয়াৰ লগত মিলা বহুত শব্দ আছে; যেনে, কাশ্মিৰী আদিত "জুন" (=জোন), তুঃ Ducth Jon=sun); পছাই আদিত "আৰ্যা (=আই); চিলাচী "কাকো" (=ককাই) কোনো কোনো পণ্ডিতৰ মতে পিশাচী ভাষা কণ্ডতাসকলৰ এটা ঠাল দখিণে বোম্বাই আৰু গোৱালৈকে গৈছিল; সেই ফালৰ ভাষাৰ লগত সেইদেখি অসমীয়াৰ দুই এটা মিল পোৱা হয়; যেনে কুদালীৰ 'খাল' (=খিলা, leaf), "হোৰ" (=to collect, cf. অং হোৰা) 'নৰণী' (weeding, অং নিৰা)। (অ, ভা, মৌ, বি)।

এইবিলাক উদাহৰণৰ পৰা কেৱল এটি ধাৰণা দৃঢ় হয় যে মাগধী আদি প্ৰাচ্য প্ৰাকৃততকৈ ইৰাণী আদি পাশ্চাত্য আৰ্য্য ভাষাৰ অসমীয়াৰ লগত মিল সৰহ; বৈদিক যুগৰ আগতে বহলমূৰীয়া আলপিনয়ড্ জাতিৰ আৰ্য্য ভাষী সুতি এটি হিমালয়ৰ পথানেদি অসমলৈ অহা কথা মানি নললে ইয়াৰ আন কাৰণ উলিওৱা সহজ নহয়। ইণ্ডো-

ইউৰপীয় শতম্ বিভাগতকৈ কেণ্ঠম্ বিভাগৰ লগত অসমীয়াৰ অধিক সাদৃশ্য থকাৰ হেতুও এয়ে বুলি বুজিব পাৰি। পুৰণি অসমৰ বিভ উৎসৱ আৰু প্ৰাগ্‌জ্যোতিষ্ নাম আদিৰ পৰাও এই দেশ ভাৰতবৰ্ষৰ ভিতৰত এক প্ৰাচীনতম্ আৰ্য্যবসতিৰ স্থান বুলি বুজিব পাৰি।

## [৭] ডক্টৰ হৰ্ণলীৰ বহিৰ্বৰ্ত্ত স্তৰৰ ভাষাৰূপে অসমীয়া

ভাৰতৰ আদিম অধিবাসীসকলক যুদ্ধত হৰুৱাই তেওঁলোকক দাঁতি-কাষৰলৈ ঠেলি আৰ্য্য আক্ৰমণকাৰীসকলে এই দেশৰ মাজ আৰু ঘাই ঠাইবোৰ অধিকাৰ কৰে। কিন্তু ভাৰতলৈ অহা আৰ্য্য ভাষীৰ সুঁতি একাধিক যে আছিল নিশ্চয়; গতিকে তেওঁলোকৰ আগেয়ে অহা সকলক পিছত অহা সকলে পূব, পশ্চিম আৰু দখিণলৈ ঠেলি নিজে উত্তৰ আৰু মধ্য ভাৰতবৰ্ষ জুৰি বহিল। ইয়াৰ প্ৰমাণৰূপে ইৰাণী ঠেঙুলিৰ পৰা ওলোৱা পিশাচী ভাষাৰ লগত উত্তৰ আৰু মধ্য ভাৰতবৰ্ষতকৈ পূবৰ অসমীয়া, বঙলা, বিহাৰী, উড়িয়া আদি, পছিমৰ সিন্ধী আদি আৰু দখিণৰ মাৰাঠী, নাগপুৰীয়া প্ৰভৃতি ভাষাৰ মিল সৰহ। এই কাৰণে ডক্টৰ হৰ্ণলীয়ে পিছত অহাবোৰক অন্তৰ্বৰ্ত্তি আৰু আগতে অহাবোৰক বহিৰ্বৰ্ত্তি ভাষী বুলিছে।

বহিৰ্বৰ্ত্তিৰ ভাষাৰূপে অসমীয়াৰ লগত এই জাতীয় আনবিলাক ভাষাৰ ভালেখিনি মিল আছে। উদ্দেশ্য বুজোৱা (gerund) অৰ্থত অসমীয়াত 'লাগি' বা লাই, লগি বা লই, যথাক্ৰমে আগৰে পৰা এতিয়ালৈকে ব্যৱহৃত আছে, পুৰণি ফাৰ্চীত 'লাগি' 'ৰাদিয়' স্বৰূপে, আৰু মাৰাঠী ৰাজস্থানী আদিত 'লা' ৰূপে বৰ্ত্তমান বুলি জনা হয়। অসমীয়াত পাঁচনী ৰূপত ক্ৰিয়াৰ 'খা' 'খুৱা' হোৱাৰ নিচিনাকৈ পছিমৰ লাহন্দী ভাষাত 'খৰ' বুজোৱা ক্ৰিয়া 'খোহ'-'খুহা' এনে অনুক্ৰমে সলনি হয়। অসমীয়াৰ দৰে দখিণৰ মাৰাঠী আদি ভাষাত অধিকৰণত 'ত' আৰু ১ম, ২য় বা ৩য় পুৰুষত ক্ৰিয়াত ঁ, আঁ আৰু এ যুক্ত হয় বুলি জনা হয়। ব্যাকৰণৰ উপৰিও 'উভ' (যেনে, ঘৰটো উভিলে) আদি শব্দ মাৰাঠী নাগপুৰীয়া, গুজৰাতী ভাষাত অসমীয়াৰ দৰেই ব্যৱহাৰ কৰে। ভৱিষ্যত কালৰ ক্ৰিয়াত 'ব' লগলগা নিয়ম অসমীয়াৰ দৰে পূবৰ ভাষাবোৰৰ ভিতৰত সাধাৰণ; ই ইণ্ডো-জাৰ্মান যুগৰ পৰাই থকা বুলি কোনোৱে কয়। ভৱিষ্যত কালত 'ম' ও এইদৰে পূবৰ কোনো কোনো ভাষাত অসমীয়াৰ দৰে পোৱা হয় আৰু অসমীয়াৰ দৰে এইবোৰ ভাষাতো কৰ্মবাচ্যৰ ব্যৱহাৰ স্বৰূপতে বিৰল। অসমীয়াৰ দৰে সকলো বহিৰ্বৰ্ত্তি ভাষাত পুৰুষমতে ক্ৰিয়াৰ ৰূপ সলনি হয়।

সংস্কৃত প্ৰকৃততে এক মূল অন্তৰ্বৰ্ত্তিৰ ভাষা, তাৰ প্ৰভাৱত ভাৰতীয় প্ৰায়বোৰ ভাষাই সৰহ-তাকৰ পৰিমাণেগঢ় সলালে বা নিজ প্ৰতিভা অনুসৰি তাৰ প্ৰভাৱ গ্ৰহণ কৰিলে।

**[৮] আদি-ইণ্ড-আৰ্য্য বা বৈদিক যুগত (খ্রীঃ পূঃ ১৫০০-৬০০ খ্রীঃ পূঃ) অসমীয়া**—প্ৰায় ১৫০০-১২০০ খৃঃ পূঃ কালৰ ভিতৰত বেদৰ স্তোত্ৰবোৰ ৰচনা কৰা হয়। মূল ৰামায়ণ আৰু মহাভাৰত তাৰ পাছত ৬০০ খৃঃ পূঃৰ ভিতৰত ৰচা হয়, যদিও বৰ্ত্তমান গঢ়ত মহাভাৰতৰ ভাষা খৃঃ পূঃ ২০০—২০০ খৃঃৰ ভিতৰৰ ৰচনা বুলিহে বহুতে ভাবে। লৌকিক সংস্কৃতৰ কাল ৫০০ খৃঃ পূঃ বুলি ধৰা হয়। বেদ-ৰচনা আৰম্ভ হোৱাৰ পৰা লৌকিক সংস্কৃতৰ শেষ কাল বা গৌতম বুদ্ধৰ (৫৫৭-৪৭৭ খৃঃ পূঃ) জন্মৰ আগলৈকে এই কাল ছোৱাক আদি-ইণ্ড-আৰ্য্য যুগ বোলা হয়।

১৫০০ খৃঃ পূঃ লৈকে বৈদিক ভাষা পঞ্জাব কাবুলিস্তান আদিত কথিত ভাষা আছিল বুলি ডক্টৰ উলেনবেকৰ দৰে পণ্ডিতে কয়। এই কথিত ভাষাক কেতিয়া আৰ্ষ প্ৰাকৃত বোলা হৈছিল; সাহিত্যৰ ৰূপতহে সি ক্ৰমে সংস্কৃত নাম পায়। আৰ্ষ-প্ৰাকৃত স্বৰূপতে আৰ্য্য-অনাৰ্য্যৰ সংমিশ্ৰণৰ ফল; এই সংমিশ্ৰণৰ নিয়ম বেদৰ কালৰো বহুত পাছলৈকে নিৰ্ব্বিবাদে চলি আহিছিল; শেষত ই বৈয়াকৰণসকলৰ কটকটীয়া বান্ধত সোমাই মাৰ্জ্জিত বা 'সংস্কৃত' হবলৈ ধৰে আৰু তাৰ লগে লগে সেই সাহিত্যৰ ভাষাৰ আয়ুষ টুটি আহিবলৈ ধৰে। অধ্যাপক মেকডনেলৰ মতে বাল্মীকিৰ ৰামায়ণতহে জয়ে জয়ে 'সংস্কৃত' শব্দটো ব্যৱহৃত হয়। এই যুগৰ অনেক ব্যাকৰণমূলক গঢ় অসমীয়াত পোৱা হয়; যেনে, মেকডনেলৰ বৈদিক ব্যাকৰণ মতে ঋক্‌বেদত 'ত্বী'ৰ ব্যৱহাৰ যিমান সৰহ পাছৰ তিনিখন বেদত সিমান নাই। 'ত্বী'ৰ পৰা 'ই' (যেনে, ধৰি), আৰু পাছৰ 'ক্ত্বা'ৰ পৰা 'ইয়া' (যেনে, ধৰিয়া) হৈছে; পুৰণি অসমীয়া সাহিত্যত দুইটা গঢেই আছে যদিও, 'ই'ৰ প্ৰাধান্যই সৰহ আৰু বৰ্ত্তমান সাহিত্যত অকল 'ই' প্ৰচলিত। মেধিৰ "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব"ত, সংস্কৃতৰ পৰা অহা নহয় কিন্তু বেদৰ পৰা প্ৰায় একে অৰ্থত অহা বুলি ধৰিব পৰা বহুত শব্দ উদ্ধৃত কৰিছে; যেনে,—অং আপা, বৈঃ আপ্তঃ (ঋক ১।১০ ৩৪); অং আচাৰি, বৈঃ আষ্টৃ, অষ্ট্ৰা (ঋক ৪ ৫৭।৪); অং আপি, আই, বৈঃ আপি (ঋক্ ১।২৬।৩; ১।৩১।১৬); অং আভুৱা, বৈঃ অনাভূ (ঋক ১ ৫১।৯); অং আযতী, বৈঃ আয়জ (ঋক ১ ২৮।৭ অং এনা, এনে, বৈঃ এনা (ঋক ১।২৫।৩); অং কলা (মাত), বৈঃ কল্ল (অথৰ্ব ২ ৩১।১, ৫।২৩ ৮); অং কোহাই, বৈঃ কুহস্বিদ্ (ঋক্ ১০।৪০ ২); অং কুন্ধচ বৈঃ অকুধ্ৰাঞ্চ (আপেম্ভ); অং কুলি (সং কোকিলঃ), বৈঃ কুলীকা, কৌলিক (বাঃ সংহিতা); অং খৰি, সং খৰ (তাপত) বৈঃ অথবেক্ষ (শত ব্ৰহ্মণ ১।২।৬ ১); অং খাৰু, (বৈঃ খাড়ি) হাতৰ ঘূৰণীয়া অলঙ্কাৰ; ঋক্ ৫ ৫৪।১১, ১ ১৬৬।৯, ৭।৫৬।১৩;

অং জোৰ, বৈঃ জৰ্ণি (আগ্নেয় অস্ত্ৰ ; ঋক্ ১।১২৯।৮) ; অং পথৰা, বৈঃ পাকাৰু (পাক = পকা, আৰু = ঘা ; সাম্ ১২।১৭) ; অং পলু, বৈঃ প্লুষ (এবিধ পোক) ; অং পেঁচ, বৈঃ পেশন্ (কুলবছা পাৰীৰ কাপোৰ) ; অং বাক্, বৈঃ বাক্ (ঢালি দে, ঋক্ ; ১।৬৩।৭) ; অং বিহু, বৈঃ বিষুৱন্ত (সত্ৰ বা যজ্ঞ বৰ্ষৰ মাজ, সম-দিবা-ৰাত্ৰি ; অথৰ্ব, ৫।১১।৭ ১৫) ; অং বেঙ্গি, বৈং বেশী (বেঙ্গি ; ঋক ৭।১৮।১৭) ; অং ভেম্, বৈঃ ভেম্ (অহঙ্কাৰ ; ঋক্ ১।১১২) ; লেটিন ফেনচ (শুদা) ; অং মেনা (মহ), বৈঃ মেনা (মাইকী জন্তু ; ঋক ১।৬২।৭, ১।৯৫।৬, ২।৩৯।২, ১।১২১।২, ১০।৩১।১)।

**[৯] মধ্য ইণ্ড-আৰ্য্য যুগত (খ্ৰীঃ পূঃ ৬০০-আঃ ১০০০ খ্ৰীঃ) অসমীয়া**—পৰনি ব্যঞ্জনমূলক গঢ়ৰ জটিলতাবোৰ টুটি অহা আৰু ব্যাকৰণমূলক গঢ়ৰ প্ৰচুৰতা হ্ৰাস পোৱাই এই যুগৰ ঘাই লক্ষণ বুলিব পাৰি। এই যুগত আকৌ যথাক্ৰমে পালি (খ্ৰীঃ পূঃ ৬০০—খ্ৰীঃ পূঃ ২০০), প্ৰাকৃত (খ্ৰীঃ পূঃ-২০০—খ্ৰীঃ ৫০০) আৰু অপভ্ৰংশ (খ্ৰীঃ ৫০০-১০০০) তিনি যুগত সাধাৰণভাৱে ভগাব পাৰি। প্ৰাক্-ইণ্ড-আৰ্য্য যুগত নথকা আৰু ঋগ্বেদতো বিৰল, মূৰ্দ্ধণ্য উচ্চাৰণৰ বৃদ্ধি ; শ, ষ, স ৰ ঠাইত মাগধীত অকল শ ; অসমীয়াত স বা স ; যুক্ত ব্যঞ্জন, যেনে, সং ধৰ্ম্ম, প্ৰাঃ, ধম্ম, অং ধৰম ; সং সত্যম্, পাঃ সচ্চ, অং সচা ইত্যাদি পালি যুগৰ নিদৰ্শন। প্ৰাকৃত যুগত ঘাইকৈ ব্যঞ্জনৰ হ্ৰাস বা সলনি আদি বিশেষ মন কৰিব লগীয়া—

| সং | প্ৰাং | অং |
|---|---|---|
| মস্তকং | মথঅ (মৃঃ কঃ) | মাথা (মূৰ) |
| হৃদয়ং | হিঅঅ (,,) | হিয়া |
| ব্ৰাহ্মণঃ | বম্হণ (,,) | বামুণ |
| ঘোটকঃ | ঘোড়ও (গাথা) | ঘোৰা |
| পুস্তকম্ | পোত্থি | পুথি |
| হস্ত | হত্থ (শকু) | হাত |
| হস্তী | হত্থী (মৃঃ কঃ) | হাতী |
| জ্যেষ্ঠঃ | জেট্ঠা | জেঠা |
| অন্ধকাৰঃ | অন্ধআৰঃ (মৃঃ কঃ) | আন্ধাৰ |
| শৃগালঃ | শিআল (,,) | শিয়াল |
| মাতা | অত্তা (,,) | আই |
| হৰিদ্ৰা | হলদ্দা | হালধি |
| মধু | মহু | মৌ |
| গাভী | গাই | গাই |
| সত্যম্ | সচ্চ (মৃঃ কঃ) | সচা |
| অৰ্দ্ধম | অদ্ধ (,) | আধা |

অপভ্ৰংশ যুগৰ চানেকি আমি ঘাইকৈ বৌদ্ধগান, চৰ্য্যাপদ আৰু দোহাবিলাকত ভালকৈ দেখিবলৈ পাওঁহক।

**[১০] নব্য-ইণ্ড-আৰ্য্য যুগ**—প্ৰায় ১০০০ খ্ৰীঃত আধুনিক ভাৰতীয় ভাষাবোৰৰ জন্মোৰে আৰম্ভ হয়। কিন্তু আমি ভাস্কৰ বৰ্মাৰ নিধনপুৰ তাম্ৰলিপি অৰ্থাৎ প্ৰায় ৬০০ খ্ৰীঃৰ পৰা প্ৰাকৃত অপভ্ৰংশ যুগৰ ভিতৰেদি, অসমীয়া ভাষা আৰু সাহিত্য, আদি (৬০০-১১০০ খ্ৰীঃ), পূৰ্ব বৈষ্ণৱ (১১০০-১৪৫০ খ্ৰীঃ), বৈষ্ণৱ (১৪৫০-১৬৫০ খ্ৰীঃ), উত্তৰ-বৈষ্ণৱ (১৬৫০-১৮২৬) আৰু আধুনিক (১৮২৬-১৯৪৭) যুগত বিভক্ত কৰি আলোচনা কৰিছোহঁক (আমাৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী', 'অসমীয়া কথা-প্ৰতিভা,' 'অসমীয়া কাব্য-প্ৰতিভা' চাওক)।

# অসমীয়া লিপিৰ বুৰঞ্জীৰ কাহিনী

স্বৰ্গীয় হোফ্‌থ্‌ ডক্টৰ জৰ্জ্জ বুলাৰকে ভাৰতীয় লিপিবিজ্ঞানৰ পিতা বুলিব পাৰি। তেওঁৰ আবিষ্কাৰৰ ওপৰতে খোপনি পুতি বঙালী লিপিবিজ্ঞানবিদ স্বৰ্গীয় ৰাখালদাস বানাৰ্জ্জিয়ে বঙলা লিপিৰ উদ্ভৱ বিচাৰিছে (The Origin of the Bengali Script)। এইবিলাক বিচাৰ অনুসাৰে পিপ্ৰাৱা পাত্ৰৰ ওপৰত খোদিত লিপিয়েই প্ৰাচীনতম ভাৰতীয় লিপি আৰু ইয়াত ব্যৱহাৰ কৰা ব্ৰাহ্মী বা উত্তৰ-ভাৰতীয় বৰ্ণমালা (খৃঃ পূঃ ৩৫০-৬০০ খৃঃ) অশোকৰ শিলালিপিৰ বৰ্ণমালাতকৈ যে পুৰণি, আৰু পিপ্ৰাৱা লিপিৰ কাল যে খৃঃ পূঃ পঞ্চম নহলেও খৃঃ পূঃ চতুৰ্থ শতিকা, তাৰ লিপিমূলক যথেষ্ট প্ৰমাণ আছে; বিশেষকৈ, অশোকৰ লিপিৰ কালত অপ্ৰচলিত হোৱা পাৰম্পৰীয় চিহ্নৰ ওপৰত ভিত্তি কৰা ব্ৰাহ্মী আখৰ পিপ্ৰাৱা লিপিত ব্যৱহৃত হৈছে। পিপ্ৰাৱা লিপিক স্বৰূপতে মৌৰ্য্য বৰ্ণমালাৰ প্ৰাচ্য ৰূপ বুলিব নোৱাৰি, কিয়নো ৫৮৮ খৃঃৰ বোধগয়া লিপিবিলাকৰ উত্তৰ পশ্চিম গঢ়ৰ স্পষ্ট নিদৰ্শন ইয়াত আছে। তদুপৰি এই কালৰ আৰু ৬০০ খৃঃৰ পুৰণি উত্তৰ-পূব বৰ্ণমালাৰ চানেকিও আৰু আছে। এই উত্তৰ-ভাৰতীয় ব্ৰাহ্মী লিপিৰ বিভিন্ন ৰূপ (ক) পুৰণি মৌৰ্য্য বৰ্ণমালা; (খ) উত্তৰ আৰু দক্ষিণ শাখাৰ মৌৰ্য্য বৰ্ণমালা, খৃঃ পূঃ ১৫০ৰ বাহিৰে স্তূপলিপিৰ স্তম্ভ আদিত খোদিত আখৰ; (গ) নব-মৌৰ্য্য বৰ্ণমালা বা উত্তৰ ভাৰতৰ নব ব্ৰাহ্মী লিপি; (ঘ) কুশান লিপি; প্ৰথম আৰু দ্বিতীয় শতিকাৰ, ঘাইকৈ কনিষ্ক, হুবিষ্ক; আৰু বাসুদেৱৰ লিপিবোৰ উত্তৰ-পশ্চিম ভাৰতত পোৱা হয়, কনিষ্কই ৭৮ খৃঃত স্থাপিত কৰা (মালববিক্ৰম যুগ নহয়) শকমতে এওঁলোকে বছৰ গণনা কৰিছিল; (ঙ) চতুৰ্থ আৰু ৫ম শতিকাৰ তথাকথিত গুপ্ত লিপি; সমুদ্ৰ গুপ্তৰ আলাহাবাদ শিলালিপি আৰু ৬৪ গুপ্তাব্দৰ বোধগয়া লিপি।

সমুদ্ৰগুপ্তৰ আলাহাবাদ শিলালিপিয়েই প্ৰাচ্য গঢ়ৰ বৰ্ণমালাৰ প্ৰথম উৎকৃষ্ট নিদৰ্শন; তাৰ পাছতহে দ্বিতীয় চন্দ্ৰগুপ্তৰ উদয়গিৰি গুহা-লিপি। তাৰিখ থকা কিছুমান তথ্য আবিষ্কৃত হোৱাত মহানামনৰ বোধগয়া কিছুমান লিপিৰ বৰ্ণমালা ৬ষ্ঠ আৰু ৭ম শতিকাত পাপিব পৰা হৈছে। উত্তৰ আৰু মধ্য ভাৰতৰ গুৰ্জৰ-প্ৰতিহাৰ বংশৰ কালক্ৰমণিক নিৰ্ণিত হোৱাত, উত্তৰ ভাৰতৰ নাগৰী লিপি প্ৰচলনৰ কাল ১৭৭ বছৰ পিছুৱাই গল। ডক্টৰ বুলাৰৰ মতে, উত্তৰ আৰু মধ্য ভাৰতৰ মহোদয়ৰ মহাৰাজ বিনায়ক পালৰ তামৰ ফলিতে সম্ভৱ ৭৯৪ খৃঃত ক্ৰমে ক্ৰমে নাগৰী বৰ্ণমালা ব্যৱহৃত হয়। উত্তৰ-পূব ভাৰতত,

স্পষ্টকৈ বঙ্গৰ পাল ৰজাসকলৰ তামৰ ফলিৰ পৰা উত্তৰ-পূব বৰ্ণমালাৰ দুটা গঢ়, আৰু বঙ্গ-লিপিত যে নাগৰীৰ প্ৰভাৱ পৰা নাই, স্পষ্টকৈ বুজিব পাৰি। ৫৫০-৭৫০ খৃঃৰ ভিতৰত উত্তৰ-পূব ভাৰতৰ অন্যান্য বৰ্ণমালাৰ মাজত 'ৰ' আখৰটোত ক্ৰমে ক্ৰমে তল ভাগত এডাল শাল বা কাঁড়ৰ নিচিনা দেখিবলৈ পোৱা হয়; 'ৰ'ৰ এই গঢ় পূৰ্বে পাশ্চাত্য ৰূপতো আছিল। 'লক্ষমণ্ডল প্ৰশস্তি' আৰু মহানামনৰ বোধগয়া লিপিত ইয়াৰ প্ৰমাণ আছে। বোধগয়া আৰু খালিমপুৰ লিপি বঙ্গৰ ধৰ্মপালৰ ষষ্ঠ বিংশতি আৰু আৰু দ্বাত্ৰিংশৎ বৰ্ষৰ ৰাজত্বত, অষ্টম শতিকাৰ নৱম আৰু শেষ দশকত খোদিত কৰা হৈছিল। বোধগয়া লিপিত 'ৰ'ৰ এই শাল বা কাঁড়ডাল অধিক স্পষ্ট হয়। প্ৰথম মহীপালৰ ১০২৬ খৃঃৰ সাৰনাথ লিপিতো 'ৰ' একেদৰেই থাকে।

কোনো কোনো পণ্ডিতৰ মতে গুপ্ত লিপিৰ পৰা সাৰদা, শ্ৰীহৰ্ষ আৰু কুটিল আখৰ ওলাইছে; উত্তৰ আৰু পচিম ভাৰতত প্ৰচলিত চলা সাৰদা লিপিৰ পৰাই যেনেকৈ বৰ্ত্তমান কাশ্মীৰী গুৰুমুখী আৰু সিন্ধী আখৰ ওলাইছে; সেইদৰে পূৰ্বে মধ্যভাৰতত চলা শ্ৰীহৰ্ষ আখৰৰ পৰা বৰ্ত্তমান দেৱনাগৰী আৰু বিবিধ নাগৰী আখৰ ওলাইছে। আৰু আগেয়ে পূব ভাৰতত চলা কুটিল লিপিৰ পৰা বৌদ্ধ পাল ৰজাসকলৰ চোলত উড়িষ্যাৰ পৰা নেপাললৈকে আৰু কাশ্মীৰৰ পৰা অসমলৈকে চলা কুটিল আখৰৰ পৰাই বৰ্ত্তমান অসমীয়া আখৰ ওলাইছে, যদিও অৱশ্যে আন প্ৰভাৱো আমাৰ অসমীয়া লিপিৰ ওপৰত একেবাৰে নোহোৱা নহয়।

অসমীয়া লিপি বঙলা লিপিৰ পৰা ধাৰ কৰা বুলি নজনা নুশুনা লোকে কয়। স্বৰূপতে অসমীয়া লিপিৰ মৌলিকতা আৰু ক্ৰমবিকাশ অসমীয়া ভাষাৰ বিশিষ্টতাৰ দৰেই অন্ততঃ সপ্তম শতিকাৰ পাকনিৰ বৰ্ম্মা ভাস্কৰ বৰ্ম্মাৰ নিধনপুৰ লিপিৰ কালৰ পৰা আজিলৈকে ধাৰ নিচিগাকৈ আমি পাই আহিছোঁ। অসমৰ এই তামৰ ফলি আৰু শিলালিপিবোৰৰ উপৰিও ইয়াৰ চানেকি অসমীয়া প্ৰাচীনতম পুথি বোৰত পাওঁক। বঙলা ভাষা আৰু সাহিত্যৰ বুৰঞ্জীলেখকসকলে ইমান দিনে বঙলা ভাষা আৰু বঙলা লিপিৰ প্ৰথম চানেকি বুলি ঠিক কৰি অহা শ্ৰীকৃষ্ণ-কীৰ্ত্তন পুথিৰ প্ৰকাশে সম্প্ৰতি খৰচি মাৰি দেখুৱাইছে যে অসমীয়া ভাষা আৰু লিপিৰ প্ৰাচীন কালত বঙলা ভাষা বা লিপিৰ স্বকীয়া সত্তা নাছিল; আৰু শ্ৰীকৃষ্ণ-কীৰ্ত্তনৰ ব্লক কেইটা ছপোৱা পাতকেইটিয়ে অসমীয়া 'ৰ' আখৰকে আদি কৰি সকলো বিশিষ্টতা বুকুত লৈ দেখুৱায় যে অন্ততঃ পঞ্চদশ শতিকালৈকে বঙলা ভাষা আৰু লিপি অসমীয়াৰ বুকুতে আছিল।

---

## শ্ৰীডিম্বেশ্বৰ নেওগৰ বৰ্ত্তমান কেইখনমান পুথি

১। **মুকুতা (ছনেট্)**—"সৰহভাগ কবিতাত অসমীয়া সাহিত্যৰ একনিষ্ঠ সেৱক সুকবি নেওগ দেৱৰ স্বভাৱ-সুলভ আবেগৰ আকুলতা আৰু গভীৰ আন্তৰিকতা ফুটি উঠিছে। "বকুল বনত বহি" টোকা আবেগৰ চকুলোৰে এই 'মুকুতা' ৰচি তাৰে মালা এধাৰি কবিৰ জীৱনৰ লগৰীলৈ উছৰ্গা কৰা "অৰ্পণ" কবিতাটিও সুৱলা হৈছে। এধনামান হলেও, 'মুকুতা'ই অসমীয়া সাহিত্যৰ ভঁৰালৰ সম্পদ বঢোৱাত আমি সন্তোষ পাইছোঁ।"—'অসমীয়া', ১৮৫৪ শক।

"আঠাইশটি চতুৰ্দ্দশপদী কবিতাৰ এখনি ধুনীয়া সৰু কিতাপ। অসমীয়া সাহিত্য-ভঁড়াললৈ দিয়া তেখেতৰ ভালেখিনি বহুমূলীয়া দানৰ ভিতৰত "মুকুতা" খনিও অন্যতম মূল্যবান দান। কবিতা আটাইকেইটিয়েই উপভোগ্য হৈছে।... গোটাদিয়েক কবিতা আমাৰ বৰ ভাল লাগিল আমি সাহিত্যানুৰাগী আৰু কাব্যামোদীকসকলক একোখনি 'মুকুতা' কিনি পঢ়িবলৈ অনুৰোধ কৰোঁ। নেওগ দেৱকো খাটো যেন অসমীয়া সাহিত্যৰ ভঁড়াললৈ এইদৰেই নেওগেতে একোটি আপৰুগীয়া আৰু মূল্যবান দান মাজে-সময়ে দি থাকে।"-'সাহৰি', ১৮৫৪ শক।

"নেওগৰ কবিতাৰ নতুন প্ৰশংসাৰ আৱশ্যক নাই।"—৺লক্ষ্মীনাথ বেজবৰুৱা, বাঁহী, ১৮৫৫ শক

২। **দীপাৱলি (চুটি গল্প)**—"আগেয়ে প্ৰকাশিত আৰু অপ্ৰকাশিত দহোটা গল্পৰ সমষ্টি। 'দীপাৱলি'য়ে সুকবি নেওগদেৱৰ অসমীয়া গল্প-সাহিত্যত আৰু গদ্য ৰচনাতো হাত আছে বুলি চিনাকি দিছে। গল্পকেইটাৰ ভাব ভাল, ভাষাও অতি নিমজ। 'দীপাৱলি'ৰ পোহৰত অসমীয়া সাহিত্য-মন্দিৰৰ এক অংশ নিশ্চয় জিলিকি উঠিছে।"—অসমীয়া, ১৮৫৩ শক।

"গল্পকেইটা পঢ়ি ভাল লাগিল। ৰচনা-প্ৰণালীও সুৱলা।"—বাঁহী, ১৮৫৩ শক।

৩। **ইন্দ্ৰধনু (খণ্ড-কাব্য)**—"নানা ৰকমৰ কাব্যভাব দুই চাৰি আষাৰ কথাৰে বিবিধ ছন্দত গাঁথি কবি নেওগদেৱে শিল্পীয়ালিকৰ পৰিচয় দিছে। সাহিত্যত 'ইন্দ্ৰধনু'ৰ ঠাই নিশ্চয় হ'ব। পঢ়ি আমাৰ ভাল লাগিছে।"—অসম সাহিত্যসভা পত্ৰিকা, ১৮৫১ শক।

"গল্পকাৰ কবিয়ে আন যিবোৰ কবিতাৰ গ্ৰন্থ লিখিছে, তাৰ মাজত এই 'ইন্দ্ৰধনু' নিশ্চয় জিলিকি থাকিব।"—লক্ষ্মীনাথ বেজবৰুৱা বাঁহী, ১৮৫১ শক।

'চাই বৰ ভাল লাগিছে। 'ইন্দ্ৰধনু'ৰ প্ৰকাশ বৰণেৰে মনমোহা — বাৰে বাৰে চাবই লাগিছোঁ।'—ৰজনীকান্ত বৰদলৈ, বি, এ।

৪। **পুতলি (শিশু কবিতা)** লৰা-ছোৱালী নামৰ বাচকবনীয়া সংগ্ৰহ

৫। **অসমা (দেশাত্মবোধক কবিতা)**—"অসমা"ৰ কবিতা অসমা আৰু ভাৰত জননীৰ অপৰূপ ভৱিষ্যতৰ সমুজ্জ্বল চিত্ৰ।... (৩০ৰ ৫ এটি এটাকৈ সত্যত পৰিণত হব লাগিছে।"—"কবি-পৰিচয়", ত্ৰিপিটকাচাৰ্য্য ডক্ট

